# বুদ্ধদেৱ





প্ৰণেতা

শ্ৰীগোপীনাথ বৰদলৈ

শিল-পুখুৰী, গুৱাহাটী

# পাতনি

গান্ধীজীৰ আশ্ৰমৰ একাদশ ব্ৰতৰ ভিতৰত "সৰ্ব্ব ধৰ্ম্মে সমানত্বং" এটা মূল ব্ৰত। এই ব্ৰতৰ নীতি ভাৰতবৰ্ষৰ বৰ্ত্তমান যুগত প্ৰভু ৰামকৃষ্ণ পৰমহংসদেৱে প্ৰচাৰ কৰে। গান্ধীজীয়ে আৰু তেওঁৰ আশ্ৰমবাসীসকলে দৈনন্দিন জীৱনত এই ব্ৰত পালন কৰে। আচলতে ই এটা নিখুঁত সত্য। ঈশ্বৰৰ বিশ্বাস কেনেকৈ আৰু কেতিয়া মানুহৰ মনত সোমালহি সেইটো বৈজ্ঞানিক চৰ্চ্চাৰ বিষয় হব পাৰে, কিন্তু এইটো ঐতিহাসিক সত্য যে ঈশ্বৰৰ অস্তিত্ব মহাজনসকলে অন্তৰ-আত্মাৰ অনুভূতিৰ পৰাই পাইছে আৰু এই মহাপুৰুষসকলে বেলেগ দেশত বেলেগ ৰাজবংশত জন্ম গ্ৰহণ কৰিলেও সকলো মহাপুৰুষেই জগতৰ মঙ্গলময় কিছুমান মৌলিক সত্য গ্ৰহণ কৰি গৈছে আৰু তাকে প্ৰচাৰ কৰিছে। দেশ-কাল পাত্ৰ অনুসৰি তেখেতসকলৰ শিকনি বেলেগ হলেও সকলোৰে উদ্দেশ্য একেই—মানৱ সমাজৰ উন্নতি আৰু শান্তি।

১৯৪০।৪১ চনত সত্যাগ্ৰহ আন্দোলন সম্বন্ধে জেলত থকা সময়ত কেনেকৈ উঠি-অহা ল'ৰা-ছোৱালীৰ মনৰ পৰা সাম্প্ৰদায়িক বিৰোধ ভাব দূৰ কৰি সমতা ভাব আনিব

# ক্রটি-স্বীকাৰ

মাননীয় বৰদলৈ ডাঙৰীয়াৰ এই পুথিখনি ছপোৱাৰ ভাৰ আজি প্ৰায় দুবছৰ আগতে আমাৰ গাত পৰে। দুখৰ বিষয় ছাপাখানালৈ যুগুত কৰি পঠোৱা প্ৰথম নকলটো কলিকতাৰ গৃহ-যুদ্ধত লুপ্ত হয়। তাৰ পিছত কলিকতাৰ আশা এৰি দি দ্বিতীয় বাৰ ইয়াৰ নকল যুগুত কৰি যোৱা ফেব্ৰুৱাৰী মাহতে স্থানীয় জয়ন্তী প্ৰেছত দিয়া হৈছিল। কিন্তু এই প্ৰেছতো নানান আলৈ-আহুকালৰ বাবে কিতাপখন ওলোৱাত আশাতীতভাৱে পলম হ'ল। দ্বিতীয় মন কৰিব লগা কথা এয়ে যে আমাৰ নেতাসকলৰ একাগ্ৰপতীয়া সাহিত্য-চৰ্চ্চাৰ ঠাই জেলখানাহে। বাহিৰত থকা সময়ত ৰাজহুৱা কামৰ হেঁচাত তেওঁলোকৰ বহুতে ভাত-মুঠি সুস্থিৰে খাবলৈকে আহৰি নেপায়। এনে কাৰণতে বৰদলৈদেৱে জেলত লিখা এই পুথিবোৰ দ্বিতীয় বাৰ চকু ফুৰাই দিব নোৱাৰাত আৰু মূল পুথিত কিছুমান কথা বৰ অস্পষ্টভাৱে লিখা থকাত ঠায়ে ঠায়ে দুই এটা ভুল হৈ যোৱা সম্ভৱ। তদুপৰি আমাৰ বিশেষ যত্নতো ছাপাখানৰ ভূতৰ বাবে পুথিখনিৰ ঠায়ে ঠায়ে দুই এটা চকুত পৰা ভুলো হৈ গল। সি যি নহওক আশা কৰোঁ দ্বয় তাঙৰণত এই ভ্ৰম-প্ৰমাদ গুচিব। ৰাইজে পুথিখনি আদৰি ললে আন কেইখনি পুথিও ক্ৰমাৎ ছপা হৈ ওলাব।

ইতি—

গুৱাহাটী
৫।১১।৪৭

বিনীত—
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা




# বুদ্ধদেৱ

## আগ-কথা

মৰমৰ বাপা ! এতিয়া আমি বুদ্ধদেৱৰ জীৱন-চৰিত আলোচনা কৰোঁহক । তাৰ আগেয়ে আমি দুটামান কথা ভাবি চাব লাগিব । বুদ্ধদেৱক আমাৰ পুৰাণত এজনা অৱতাৰ বুলি ধৰা হৈছে । আজি যদিও ভাৰতবৰ্ষত সেই অৱতাৰৰ পূজা নাই বা তেওঁৰ অস্তিত্বকে বিশেষ ভাৱে দেখা পোৱা নাযায় তথাপি তেওঁ নিশ্চয় এনে কিছুমান অসাধাৰণ শক্তি আৰু মহান আদৰ্শ দেখুৱাই গৈছে যে হিন্দু শাস্ত্ৰকাৰসকলে বুদ্ধদেৱক ঈশ্বৰ-প্ৰেৰিত মহাপুৰুষ বা অৱতাৰ বুলি মানিবলৈ বাধ্য হৈছে । আমাৰ মহাপুৰুষে ঘোষাত লেখিছে—

"মৎস্য কূৰ্ম্ম নৰসিংহ বামন পৰশুৰাম
হলিৰাম, বৰাহ, শ্ৰীৰাম।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহো প্ৰণাম ॥"

আন আন অৱতাৰৰ দৰে এই মহাপুৰুষজনায়ো অকল ভাৰতবৰ্ষৰ লোকৰে সাময়িক সামাজিক গ্লানি দূৰ কৰি ক্ষান্ত থকা নাই। তেওঁ সমগ্ৰ জগতবাসীৰ উপকাৰৰ কাৰণে কিছুমান নতুন আদৰ্শ সৃষ্টি কৰি থৈ গৈছে আৰু মানৱ সমাজৰ কাৰণে নতুন কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰি থৈ গৈছে। সেইবোৰ জগতৰ পৰিবৰ্ত্তন স্বত্বেও মানুহে চিৰন্তন সত্য বুলি মানি লবলৈ বাধ্য হৈছে।

এসময়ত বৌদ্ধ, ধৰ্ম্ম সমগ্ৰ পৃথিৱীৰে প্ৰধান ধৰ্ম্ম আছিল বুলি কলেও বঢ়াই কোৱা নহয়। প্ৰায় ১৫০০ বছৰ ধৰি অৰ্থাৎ খৃঃ পূঃ ৫০০ ৰ পৰা ১০০০ বছৰলৈকে বুদ্ধৰ শিকনি গোটেই এছিয়া মহাদেশতে প্ৰচলিত আছিল। আনকি য়ুৰোপৰ আৰু আফ্ৰিকাৰ ভূমধ্য সাগৰৰ উপকূল অঞ্চলতো ভাৰতবাসী সাওদসকলৰ লগত যোৱা ভিক্ষুবিলাকে ধৰ্ম্ম প্ৰচাৰ কৰা বুলি জানিব পৰা যায়। এছিয়াৰ আন অঞ্চলৰ কথা বাদ দিও বৰ্ত্তমান দক্ষিণ ৰুছিয়া,

তুৰ্কিস্তান, পাৰস্য আদি ঠাইতো বৌদ্ধ প্ৰচাৰক-সকলে বুদ্ধৰ প্ৰেমময় বাণী প্ৰচাৰ কৰিছিল। কিছুমান ধাৰ্ম্মিক লোকে ভাবে যে যীশুখ্ৰীষ্টৰ জীৱনৰ মূল আদৰ্শ অৰ্থাৎ ঈশ্বৰ যে প্ৰেমময় এই ভাবটো যীশুৱে সেই ঠাইত বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱৰ পৰাহে গ্ৰহণ কৰিছিল। বুদ্ধৰ উপদেশ আৰু শিকনিৰ কথা কওঁতে আমি আকৌ এই বিষয়ে আলোচনা কৰিমহক। এনেবোৰ কাৰণৰ পৰাই বুদ্ধদেৱৰ নিচিনা মহাপুৰুষ এজনাক হিন্দু শাস্ত্ৰকাৰসকলে অৱতাৰ বুলি মানি লোৱাটো একো আচৰিত কথা নহয়।

এতিয়া যি সমাজৰ মাজত থাকি আৰু যি সমাজৰ নানা দোষ-অন্যায় দেখি বুদ্ধদেৱে জগতৰ মহৎ উপকাৰ কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰিলে সেই সম্বন্ধে মই অলপ কওঁ শুনাঃ—

২৬-২-৪১

শ্ৰীৰামচন্দ্ৰৰ জীৱন-চৰিত পঢ়োতে তোমালোকে জানিছা কেনেকৈ প্ৰাচীন ভাৰতবৰ্ষত অনেক সৰু সৰু ৰাজ্য আছিল আৰু কেনেকৈ সেইবোৰৰ মাজত যি জন ৰজাই প্ৰতাপশালী হয় তেৱেঁই সাময়িক

ভাবে ৰাজচক্ৰৱৰ্ত্তী অৰ্থাৎ বৰ্ত্তমান সম্ৰাটৰ দৰে খিতাপী হবলৈ বিচাৰিছিল। আৰ্য্যসকলে হিন্দুস্থানত সোমাওতে প্ৰথমতে দলে দলে আহিছিল। তেওঁবিলাকে ক্ৰমে সিন্ধু নদৰ উপত্যকা আৰু তাৰ পিছত গঙ্গা নদীৰ পাৰৰ ঠাইবোৰত বসতি কৰে আৰ্য্যসকল ভ্ৰমণকাৰী জাতি গুচি স্থায়ী বসতি কৰা লোক হোৱাৰ লগে লগে এই সৰু ৰাজ্যবোৰ গঠিত হয়। এনে ৰাজনৈতিক অৱস্থা বুদ্ধদেৱৰ জন্মা কাললৈকে থকা যেন দেখা যায়। শ্ৰীৰামচন্দ্ৰৰ দিনৰ পৰা বুদ্ধদেৱৰ দিনলৈকে কিমান বছৰ হয় সেই কথা কোনেও সঠিককৈ কব নোৱাৰে। কিছুমান বিদ্বান লোকে ১০০০ বছৰমান বুলি কব খোজে। কিছুমানে তাতকৈয়ো বেছি বুলি কয়। কিছুমান পণ্ডিতে ৫০০ বা ৭০০ বছৰৰ বেছি নহয় বুলি অনুমান কৰে

২৭-২-৪১

সি যিকি নহওক প্ৰত্যেক জন ডাঙৰ ৰজাই ৰাজচক্ৰৱৰ্ত্তী হবলৈ ইচ্ছা কৰিছিল। সেই নিমিত্তে সেই কালৰ ৰাজ্যবোৰৰ মাজত সততে যুদ্ধ-বাগৰ চলি আহিল। বৰ্ত্তনান কাশ্মীৰৰ কাষৰ পৰা অসমৰ

কাৰণে বিশেষকৈ গঙ্গা নদীৰ পাৰৰ ৰাজ্যবোৰৰ ভিতৰত লিচ্ছবি মগধ, কাশী, কোশল, অঙ্গ, মল্ল বিদেহ ইত্যাদি ৰাজ্য কেইখন বিশেষভাৱে জনাজাত আছিল। মগধ ৰাজ্য প্ৰায় ১০০ বছৰমান পিছত গৈ অশোক, চন্দ্ৰগুপ্ত আদি ৰজাসকলৰ দিনত প্ৰায় সমগ্ৰ ভাৰতবৰ্ষ ব্যাপি বিস্তৃত হৈছিল আৰু সকলো প্ৰকাৰ শিক্ষা পাণ্ডিত্য আদিৰ কেন্দ্ৰস্থল হৈছিল। বুদ্ধদেৱৰ পিতাক শুদ্ধোধন ৰজাৰ ৰাজ্যও তেনে এখন স্বাধীন ৰাজ্য আছিল। এই ৰাজ্যখন নেপাল পৰ্ব্বতৰ তলৰ বৰ্ত্তমান তেৰাই নামেৰে সমভূমিৰ এক খণ্ড। কাশীৰ উত্তৰে আৰু পূবে প্ৰায় ১০০ মাইল দূৰৈত। এই বিভিন্ন ৰাজ্যবোৰৰ মাজত সাময়িক বিৰোধ বা যুদ্ধ চলি থকা স্বত্বেও মানুহৰ আৰ্থিক, সামাজিক আৰু ধৰ্ম্ম-জীৱনৰ তুলনাত ৰাজনৈতিক অৱস্থা শান্তিময় আছিল বুলি কব পাৰি। তোমালোকে প্ৰাচীন হিন্দু ঋষি-মুনিসকলৰ মহত্বপূৰ্ণ ধৰ্ম্ম জীৱন সম্বন্ধে নিশ্চয় শুনিছা। বৰ্ত্তমান সময়ৰ ভাৰতৰ আৰু য়ুৰোপৰ বিজ্ঞলোক, সকলে ভাৰতবাসী আৰ্য্যসকলৰ পবিত্ৰতা, মৌলিকতা আৰু ভাবধাৰাৰ বিশেষত্ব দেখি বিস্মিত হয় আৰু এইবিলাক বিকাশৰ অনুমানিক বিবৰণ দিয়ে।

অতীজ কালৰ কোনো ৰকমৰ লিখিত বুৰঞ্জী লেখাৰ কাৰণে তেওঁলোকে সেই সময়ৰ বেদ, উপনিষদ, দৰ্শন আৰু আন আন শাস্ত্ৰ যি পাইছে তাৰ পৰা এই অনুমান স্থিৰ কৰিছে। তেওঁলোকৰ মত এই যে—বৈদিক যুগেই আৰ্য্যসকলৰ ঈশ্বৰ-বিশ্বাসৰ প্ৰথম বিকাশৰ সময়। এই বৈদিক যুগৰ সময়তে উপনিষদ সৃষ্টি হয়। ইয়াৰ পিছত এই উপনিষদ বিলাকক ভিত্তি কৰি হিন্দু দৰ্শনবিলাক বিকাশ হয়। বৈদিক যুগৰ সময় নিৰ্দ্ধাৰণ সম্বন্ধে বহুত মতভেদ আছে য়ুৰোপীয় পণ্ডিতসকলে এতিয়াৰ পৰা ৪৫০০ বছৰমান আগতেহে বুলি কব খোজে। তেওঁলোকৰমতে উপনিষদ প্ৰচাৰৰ কাল ৩১০০-৩২০০ বছৰ মানহে হব। কিন্তু লোকমান্য বাল গঙ্গাধৰ তিলক আৰু অধ্যাপক জেকবিয়ে ঋক্-বেদত উল্লিখিত নক্ষত্ৰৰ গতিৰ পৰা ঠিক কৰিছে যে বৈদিক যুগ এতিয়াৰ পৰা ৬৫০০ বছৰৰ কম নহয় আৰু সেইকাৰণে উপনিষদ লিখাৰ বা প্ৰচাৰৰ সময় ৪০০০ বছৰমান আগতে হব বুলি ধৰিব পাৰি।

২৮-২-৪৫

উপনিষদৰ তথ্যবিলাকক আশ্ৰয় কৰি হিন্দুৰ দৰ্শনবিলাক লিখা হয়। তোমালোকে নিশ্চয় ভাৰত

বুৰঞ্জীত ছয়-ব্ৰাহ্মণৰ দৰ্শন শাস্ত্ৰৰ সম্বন্ধে পঢ়িছা। এই দৰ্শনৰ যুগো প্ৰায় ৩০০০ বছৰমান আগতে আছিল বুলি নিৰ্দ্ধাৰিত কৰিছে আৰু বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ আনকি তাৰ পিছতো দৰ্শন চৰ্চ্চা চলি থকাৰ প্ৰমাণ পোৱা যায়। পণ্ডিতসকলে স্থিৰ কৰিছে যে বৌদ্ধ ধৰ্ম্মৰ মূল ভিত্তি সাংখ্য দৰ্শন।

বুদ্ধ আৱিৰ্ভাব হবৰ সময়ত মানুহৰ ধৰ্ম্মবিশ্বাস যেনেকুৱা আছিল সেই কথা জানিবলৈ হলে আমি বেদ, উপনিষদ আদিৰ বিষয়ে অলপ জনা উচিত। ৰামায়ণ পঢ়োতে তোমালোকে পাইছা কেনেকৈ ঋষি-মুনিসকলে নগৰৰ পৰা দূৰৈত আশ্ৰম পাতি ঈশ্বৰৰ বিষয়ে চিন্তা কৰিছিল আৰু মানৱ জাতিৰ উপকাৰৰ অৰ্থে নানা ঠাইত শাস্ত্ৰ উদ্‌ঘাটন কৰিছিল। বেদৰ গানো এই ঋষিবিলাকে ঈশ্বৰৰ পৰা পোৱা বুলি ঈশ্বৰবিশ্বাসী লোকে বিশ্বাস কৰে। বেদ চাৰিখন। ইয়াৰ ভিতৰত ঋক, সাম যজুৰ এই তিনিখনক তিনি ভাগত বিভক্ত কৰিব পাৰি। প্ৰথম খণ্ডত স্তোত্ৰ আৰু গীত, দ্বিতীয় খণ্ডত সেই স্তোত্ৰ গাওঁতে কৰিবলগীয়া যাগ-যজ্ঞ আৰু ক্ৰিয়া কাণ্ড নিয়ম-প্ৰণালীৰ বৰ্ণনা আৰু তৃতীয় খণ্ডত ঈশ্বৰ-তত্ত্ব সমন্ধে আলোচনা বা বিচাৰ আছে। বেদৰ গান

বিলাকত ঈশ্বৰৰ শক্তি পৰিচায়ক সৰ্ব্বশক্তিমান সূৰ্য্য, বায়ু, বৰুণ, বিদ্যুতৰ ৰজা ইন্দ্ৰ আৰু সৰ্ব্ব-জীৱস্ৰষ্টা প্ৰজাপতিৰ উপাসনা আছে; আৰু সৰ্ব্ব-শক্তিমান ঈশ্বৰৰ উপাসনাও আছে। ২য় খণ্ডত নানা প্ৰকাৰ যজ্ঞ আদিৰ নিয়ম-প্ৰণালী আছে— কেনেকৈ হোম কৰিব লাগিব, কি কি জন্তু বলি দিব লাগিব ইত্যাদি বিষয়ে। তৃতীয় খণ্ডকে উপনিষদ বুলিব পাৰি। এই খণ্ডত যজ্ঞ, ঈশ্বৰ তত্ত্ব সম্বন্ধে গভীৰ আৰু গূঢ় আলোচনা কৰা হৈছে।

যদিও উপনিষদ বা কোনো কোনো দৰ্শনশাস্ত্ৰত এই যজ্ঞ আদি কৰ্ম্মকাৰ্য্যৰ উপকাৰিতা সম্বন্ধে আপত্তি প্ৰকাশ কৰা হৈছিল তথাপি বুদ্ধ আৱিৰ্ভাৱ হোৱা কালত ইয়াৰ প্ৰকোপ বেছিকৈ বাঢ়িহে গৈছিল। ইয়াৰ কাৰণ ভাবি উলিয়াবলৈ বেছি পৰ নেলাগে। যদিও ইহুদীবিলাকেই পৃথিবীত প্ৰথম এক ঈশ্বৰবাদী বুলি দাবী কৰে; প্ৰকৃততে নিৰাকাৰ ঈশ্বৰৰ এক ঈশ্বৰবাদ প্ৰথমে ভাৰতবৰ্ষতেই যে বিকাশ হয় এই সম্বন্ধে পণ্ডিতসকলৰ মাজত মতভেদ নাই বুলি কব পাৰি। কিন্তু এই ঈশ্বৰ তত্ত্ব বেছিভাগ সাধাৰণ মানুহৰ মনোগত নাছিল বুলি কলে ভুল নহব। এই ব্ৰহ্মবিদ্যা অতি চিন্তা-

শীল, বিদ্যোৎসাহী, সংযমী আৰু একাগ্ৰচেতা লোকেহে বিচাৰিব পাৰিছিল ; এই বিদ্যা অভিমানী লোকসকলে অনেক কাল সিদ্ধ গুৰুৰ ঘৰত থাকি, গুৰুৰ কাৰণে অশেষ কষ্ট কৰি খেতিবাতি কৰি দি নাইবা গৰু, ভেৰা আদি চৰাই ৰাখি, গুৰুৰ পৰা লাহে লাহে এই মহাবিদ্যা পাইছিল। সেই কাৰণে যিসকলে প্ৰকৃত ঈশ্বৰ-তত্ত্ব বিচাৰিছিল তেওঁলোকে সমাজ ত্যাগ কৰি গুৰু-গৃহত ব্ৰহ্মচাৰী হৈ ভৃত্যৰ দৰে থাকিব লাগিছিল। উপনিষদৰ কালত ব্ৰহ্মজ্ঞ ঋষিসকলে শিষ্যবিলাকক যদিও বিলাসী, ভোগী বা অভিমানী হবলৈ নিদিছিল আৰু তপস্যাৰ দ্বাৰা সদায় নিজৰ মনক সাংসাৰিক আকাঙ্ক্ষা বা অভিলাষৰ পৰা মুক্ত কৰি চলিবলৈ কৈছিল কিন্তু পিছত ঈশ্বৰসাধকসকলৰ এনে বিশ্বাস হল যে সংসাৰ ত্যাগ নকৰিলে ঈশ্বৰক পাব নোৱাৰি ; শৰীৰক অশেষ শাস্তি নিদিলে মানুহৰ অভিলাষ অৰ্থাৎ ইন্দ্ৰিয় দমন কৰিব নোৱাৰি। গতিকে ঈশ্বৰবিশ্বাসী আৰু ঈশ্বৰ অভিলাষী সমাজৰ ভাল মানুহবিলাকে সংসাৰত্যাগী হৈ কঠোৰ তপস্যাত মগ্ন হৈ হাবিয়ে-বননিয়ে, পৰ্ব্বত-গুহা ইত্যাদিত বাস কৰিবলৈ ধৰিলে। বৌদ্ধ-গ্ৰন্থৰ বিৱৰণৰ পৰা

বুজা যায় যে নদী বা নিজৰাৰ পানী পোৱা খট-খটীয়া কিছুমান হাবিয়নি ঠাই সন্ন্যাসীৰ আশ্ৰমেৰে ভৰি গৈ গাঁৱৰ দৰে হৈছিল। এই সন্ন্যাসী-বিলাকৰ ভিতৰত কিছুমান আজিকালিৰ বহুত সন্ন্যাসীৰ দৰে নিজৰ ব্ৰত ৰক্ষা কৰিব নোৱাৰি ভ্ৰষ্ট হবলৈ বাধ্য হৈছিল। এইদৰে ধৰ্ম্মৰ গ্লানি হবলৈ ধৰিলে।

১-৩-৪১

ইপিনেদি দাৰ্শনিক পণ্ডিতসকলৰ জ্ঞান আৰু তৰ্ক চৰ্চ্চাৰ দ্বাৰা মনুষ্য সমাজখন অযথা তৰ্ক আৰু বাক-বিতণ্ডাৰ থল হৈ পৰিছিল। দৰ্শনকাৰ ঋষি-সকলৰ তিৰোভাবৰ লগে লগে তেওঁবিলাকৰ শিষ্য-বিলাকে ঋষিসকলৰ বাণী আৰু উপদেশবিলাক লৈ নানা তৰ্ক সৃষ্টি কৰিবলৈ ধৰিলে। এই শাস্ত্ৰ-বিলাকৰ উদ্দেশ্য যদিও ঈশ্বৰতত্ত্ব আছিল তথাপি মুক্তি বা মোক্ষৰ পথ সম্পৰ্কে সকলোবিলাকৰে একে মত নাছিল। সেই কাৰণেই ছয় ৰকমৰ মত প্ৰকাশ হৈ ছয় দৰ্শন চলিবলৈ ধৰিলে। প্ৰত্যেক মতৰ শাস্ত্ৰজ্ঞ লোকসকলে নিজৰ তথ্যৰ সত্যতা প্ৰমাণ কৰিবৰ কাৰণে আৰু তৰ্ক-শক্তিৰ

প্ৰচাৰ কৰিবৰ কাৰণে সমাজত নানা ৰকমৰ তৰ্ক সৃষ্টি কৰিছিল। ইয়াৰ দ্বাৰাই মানুহৰ বিদ্যা যিমানেই নাবাঢ়ক, মানুহৰ আধ্যাত্মিক জীৱনৰ উন্নতি হোৱা দূৰে থাকক, পূৰ্ব্বৰ ঋষিবিলাকে দান কৰি যোৱা অমূল্য উপদেশৰ মূল্য দিনে দিনে হ্ৰাস পাবলৈ ধৰিলে। এইদৰে মানুহৰ সমাজত আন কিছুমান বুদ্ধিমান লোকে জীৱ-জগতৰ উপকাৰৰ কথা নাভাবি বা সমাজৰ উপকাৰৰ কামত সময় নকটাই নিজৰ পাণ্ডিত্য আৰু মহিমা প্ৰকাশ কৰাত ব্যস্ত হৈ পৰিল। এইদৰে সন্ন্যাসী আৰু পণ্ডিত উভয় শ্ৰেণীৰ লোকেই নিজৰ কথা ভাবি থকাত (নিজৰ সজ ইচ্ছা স্বত্বেও) সমাজৰ এটা ডাঙৰ অংশ অকৰ্ম্মণ্য আৰু পৰগছাৰ দৰে হৈ পৰিল।

যি সমাজত সৰ্ব্বোৎকৃষ্ট লোকবিলাকৰ এনে অৱস্থা হয় সেই সমাজত যে পূৰ্ব্বৰ ভাল নীতিও গৈ অনাচাৰত পৰিণত হব সি ধ্ৰুব সত্য মাথোন। সমাজত কিছুমান স্বাৰ্থপৰ লোকে সদায় নিজৰ স্বাৰ্থ পূৰণৰ চেষ্টাত থাকে। প্ৰায় সৎ, বিদ্বান আৰু বুদ্ধিমান লোকবিলাক ওপৰত কোৱা মতে ব্যস্ত থকাত, এই স্বাৰ্থপৰ লোকবিলাকৰ ব্যক্তিগত উন্নতি কৰাত বহুত সুবিধা হল। মই আগেয়ে

কৈ আহিছোঁ যে বেদমতে আর্য্যবিলাকে কিছুমান যাগযজ্ঞ আৰু কৰ্ম্মকাণ্ড কৰিব লাগিছিল। সেই-বোৰ তেওঁবিলাকে নিজে কৰিছিল। সেই যাগ-যজ্ঞ ঈশ্বৰৰ বাহ্যিক শক্তিৰ পূজা মাথোন। খেতিৰ কাৰণে বৰষুণ লাগে, শস্য গজিবলৈ সূৰ্য্যৰ তাপ লাগে, পৃথিবীত গৰু-মানুহ আদি প্ৰাণী জন্মিবৰ কাৰণে শক্তি (প্ৰজাপতি) লাগে। সেই কাৰণে সেই সেই শক্তিবিলাকৰ পূজা কৰিছিল। প্ৰথমতে এই পূজা অতি সাধাৰণ আছিল। প্ৰত্যেক মানুহে নিজে পূজাৰ বস্তু গোটাই-মেলি আনি যজ্ঞকুণ্ডত অগ্নিদেৱক আহুতি দিছিল। এনে নিয়মেৰেই ইহুদী পুৰোহিতবিলাকেও ঈশ্বৰ-পূজাত হোম কৰিছিল। যীশুৰ জীৱনীত ইহুদীবিলাকৰ কথা পঢ়োতে এই বিষয়ে আৰু আভাস পাবা। এতিয়া তোমালোকে জানা যে ভাৰতবৰ্ষতো ক্ৰমে এই পূজাৰ যাগ-যজ্ঞৰ পৰাই পুৰোহিত শ্ৰেণী সৃষ্টি হ'ল। ক্ৰমে এই পূজাৰ নিয়মবোৰ ইমান সূক্ষ্ম আৰু বিতং হ'ল যে সকলোৱে এইবিলাকলৈ মন দিবলৈ এৰি এই যাগ-যজ্ঞবিলাক কিছুমান পণ্ডিতৰ দ্বাৰা কৰাবলৈ ধৰিলে। বেদশাস্ত্ৰমতে এই কৰ্ম্মকাণ্ডবিলাক মানুহৰ জীৱনৰ সকলো কথাতে লাগতিয়াল হোৱাত এই

পুৰোহিতসকলকো সকলো কথাতে আৱশ্যক হ'ল। যদিও এই কৰ্ম্মকাণ্ডবিলাকৰ আধ্যাত্মিক উপকাৰিতা সম্বন্ধে বিশেষ মূল্য নথকা বুলি উপনিষদ আৰু কিছুমান দৰ্শন শাস্ত্ৰই স্পষ্টভাবে প্ৰকাশ কৰিছিল তথাপি সাধাৰণ জীৱনৰ প্ৰত্যেক কাৰ্য্যতে ঈশ্বৰৰ মহিমা বা উপাসনা-গান বেয়া বুলি কোনেও এই বিলাক বেয়া বুলি দলিয়াই পেলাবলৈ কোৱা নাছিল। ইয়াৰ ফলত এয়ে হল যে সময়ত মানুহে এই কৰ্ম্মকাণ্ডবিলাকৰ মূল উদ্দেশ্য ( ঈশ্বৰলৈ ) মন নকৰি কৰ্ম্মকাণ্ডবোৰতহে মনোযোগ দিব ধৰিলে। যি সময়ত বুদ্ধদেৱে প্ৰচাৰ কাৰ্য্য আৰম্ভ কৰে, সেই সময়ত পুৰোহিতসকলৰ পৰা সমাজত যি অন্যায় হৈছিল সেই কথা বৌদ্ধ-পুথিত পোৱা যায়। ইয়াৰ পৰা বুজা যায় যে সেই সময়লৈকে পৌৰোহিত্য অৰ্থাৎ এজনৰ হকে আন এজনে কৰ্ম্মকাণ্ড কৰা কথাটো বৰ ভাল কাম বুলি মানুহে মানি লোৱা নাছিল।

২-৩-৪১

উল্লেখ আছে যে এই পুৰোহিতবিলাকেই অসংখ্য জীৱ-জন্তু বধৰ মূল কাৰণ হৈছিল। এওঁবিলাকেই উচটনি দি ৰজা আৰু অৱস্থাপন্ন মানুহবিলাকৰ

হতুৱাই ডাঙৰ ডাঙৰ যজ্ঞ কৰাইছিল। জনা যায় যে প্ৰথমতে কোনো কোনো যজ্ঞত অনেক গো-বধো কৰা হৈছিল; সেইবোৰক গো-মেধ যজ্ঞ বোলা হৈছিল। অশ্বমেধ যজ্ঞৰ কথা মই শ্ৰীৰাম-চন্দ্ৰৰ জীৱনীত উল্লেখ কৰিছো। ৰজাবিলাকে নিজৰ খিতাপ আৰু শক্তি প্ৰচাৰ কৰিবৰ কাৰণে এই বিধ যজ্ঞ বিশেষভাবে পাতিছিল। এই যজ্ঞবিলাকত নিৰপৰাধী পশুবোৰৰ হত্যাকাণ্ডত মৰমিয়াল লোকৰ হৃদয় কাতৰ হৈ পৰিছিল, তথাপি বিশ্বাসৰ কাৰণে আৰু বিশেষকৈ পুৰোহিতসকলৰ প্ৰৰোচনাত এই কৰ্ম্মবিলাকক মোক্ষৰ উপায় বুলি ভাবি লৈ সকলো মানুহেই এই নিষ্ঠুৰ কামবিলাকত যোগ দিছিলহি। প্ৰকৃততে সেই সময়ত সাধাৰণ মানুহে ঈশ্বৰ-প্ৰাপ্তিৰ মাত্ৰ দুটা পথ আছিল বুলি বিশ্বাস কৰিছিল। এটা হৈছে সন্ন্যাস গ্ৰহণ কৰি ভিক্ষাৰ দ্বাৰাই জীয়াই থাকি ঈশ্বৰপদ পাবলৈ চেষ্টা কৰা আৰু আনটো হৈছে বলি-বিধান দি হোম যজ্ঞ কৰি দেৱতাসকলক সন্তুষ্ট কৰি সংসাৰ ভোগ কৰা। উপনিষদৰ যুগত হিন্দু-সমাজত যি সত্যৰ আৱিৰ্ভাৱ হৈছিল সেই সত্য ক্ৰমাৎ সমাজৰ পৰা অদৃশ্য হবলৈ ধৰিলে।

লগে লগে সাধাৰণ মানুহৰ মানসিক আৰু আৰ্থিক অৱস্থাৰো অধোগতি হবলৈ ধৰিলে। যদিও জাতিভেদ উপনিষদৰ দিনতো থকা বুলি জনা যায় সেই সময়ৰ জাতিবিলাক জন্মগত আৰু নিকপ-কপীয়া নাছিল। সকলোৱে ব্ৰহ্মবিদ্যা শিকিব পাৰিছিল। পণ্ডিত-ক্ষত্ৰিয়য়ো বামুণক শিক্ষা দিছিল। সমাজত জাতিৰ কাৰণে মানুহে মানুহক হীন বুলি নাভাবিছিল আৰু জাতিৰ কাৰণে কোনো মানুহ অশুচি বা অস্পৃশ্য হোৱাৰ প্ৰমাণ পোৱা নাযায়। সেই সময়ত মানুহৰ কৰ্ম্মৰ দ্বাৰাইহে জাতি নিৰ্দ্ধাৰিত হৈছিল। ক্ৰমে পুৰোহিতশ্ৰেণী ব্ৰাহ্মণসকলৰ পৰা লোৱাত আৰু এই যাগ-যজ্ঞত যোগ দিয়া মানুহ-বিলাক বিশেষভাৱে শুচি বুলি পৰিগণিত হোৱাত এই জাতিভেদৰ ভাবটো লাহে লাহে বেছি কটকটীয়া হৈ আহিবলৈ ধৰিলে।

এই কথা সঁচা যে বুদ্ধদেৱৰ দিনতো জাতি-ভেদত ঘৃণাৰ ভাব অহা নাছিল। ব্ৰাহ্মণ্য আদৰ্শক তেতিয়াও সকলোৱে যথেষ্ট সম্মান কৰিছিল। কিন্তু পুৰোহিতবিলাক যে সুকীয়া শ্ৰেণীৰ লোক আৰু তেওঁলোকৰ পৰা যে সমাজৰ যথেষ্ট অন্যায় হব ধৰিছিল সেই কথা বুদ্ধদেৱৰ সময়ত স্পষ্ট দেখা

পোৱা যায় পুৰোহিতশ্ৰেণী আৰু লগে লগে কৰ্ম্মকাণ্ডত বিশ্বাস বঢ়াৰ লগে লগে সাধাৰণ মানুহৰ মানসিক খৰ্ব্বতা আহিল। সেই সময়ৰ মানুহৰ শাৰীৰিক আৰু আৰ্থিক অৱস্থাৰ সম্বন্ধে বৌদ্ধ-ভিক্ষুবিলাকৰ কামৰ পৰাই অলপ আভাস পোৱা যায়। স্পষ্ট বুজিব পাৰি কি পৰিমাণে ভোগৰ কাৰণে আহাৰৰ অভাৱত আৰু নৈতিক ব্যভিচাৰিতাৰ বাবে মানুহবিলাকে কষ্ট পাইছিল। ইয়াকো বুজিব পাৰি যে দেশত বিশেষকৈ নগৰবোৰত মানুহৰ সংখ্যা বাঢ়ি গৈছিল কিন্তু সেই অনুপাতে থকা-মেলা আৰু পৰিষ্কাৰ পৰিচ্ছন্নতাৰ ব্যৱস্থা সমাজৰ পৰা বা ৰজাঘৰৰ পৰা বিশেষভাবে কৰা হোৱা নাছিল। চমুৱাই কবলৈ হলে ইয়াকে বুজা যায় যে সেই সময়ত সমাজে নিষ্ক্রিয় বা জড় অৱস্থা পাইছিল আৰু সকলো ৰকমে পতনৰ ফালে যাবলৈ ধৰিলে।

বুদ্ধদেৱক অৱতাৰ বোলা হয় এই খনিতেই আৰু তেওঁৰ মহিমা আৰু মহত্ত্ব এইখিনিতেই যে তেওঁ এই পতিত মনুষ্য সমাজক পুনৰ জীৱন দান কৰিলে আৰু নিজেই অপূৰ্ব্ব ত্যাগ স্বীকাৰ কৰি হিন্দু-সমাজ আৰু লগে লয়ে সমস্ত মানৱ জাতিক অসীম দয়া আৰু প্ৰেম ধৰ্ম্মেৰে সজীৱ কৰি,

নতুনকৈ সমাজ প্ৰতিষ্ঠা কৰিলে। ১২০০ বছৰলৈ এনে অপূৰ্ব্ব শক্তি দিলে যে তাৰ মহিমা আৰু গৌৰৱ ভাৰত আৰু জগতবাসীৰ কাৰণে চিৰন্তন বস্তু হৈ থাকিল।



## —জন্ম—

৩.৩।৪১

জগতৰ ত্ৰাণকৰ্ত্তা মহাপ্ৰভু বুদ্ধই আজিৰ পৰা প্ৰায় ২৫২০ বছৰ পূৰ্ব্বে বহাগ মাহৰ পূৰ্ণিমা তিথিত এই পৃথিৱীত জন্ম গ্ৰহণ কৰে। লুম্বিনি-উদ্যানত তেওঁৰ জন্ম হয়। বৌদ্ধ শাস্ত্ৰকাৰসকলে তেওঁ মাতৃগৰ্ভত স্থিতি হোৱাৰ দিনা আৰু তেওঁ জন্ম হোৱাৰ দিনাৰ কিছুমান অলৌকিক ঘটনাৰ বিৱৰণ দিয়ে। জন্ম হোৱাৰ পিছত স্বয়ং ব্ৰহ্মাই হেনো নৱজাত শিশুক তুলি লৈ মাকৰ হাতত দিয়ে আৰু শিশুটি কালত অদ্বিতীয় পুৰুষ হ'ব বুলি দেৱতাসকলে মাকক আশ্বাস-বাণী দি যায়।

বুদ্ধদেৱৰ পিতাকৰ নাম শুদ্ধোধন আছিল। এওঁৰ ৰাজ্য হিমালয় পৰ্ব্বতৰ নামনিৰ বননিবোৰৰ মাজত আছিল। শুদ্ধোধন ৰজা এজন উত্তম বংশৰ শাক্য কুলৰ ক্ষত্ৰিয়। এওঁলোকৰ বংশ আৰু শ্ৰীৰামচন্দ্ৰৰ বংশ একে পূৰ্ব্বপুৰুষ ইক্ষ্বাকু ৰজাৰ সতি সন্ততি বুলি জনা যায়। শুদ্ধোধন ৰজা অতি প্ৰতাপশালী

# সূচী

## —ঃ অৰ্পণ ঃ—




স্বাধীন অসমৰ

মোৰ নবমৰ

উঠি অহা

লৰা- ছোৱালীবিলাক।

তোমালোকৰ ওপৰতেই আমাৰ দেশৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে মহাপুৰুষসকলৰ জীৱনৰ চানেকীৰে যাতে দেশ আৰু দহৰ সেৱাত তোমালোকে নিজৰ জীৱন নিয়োজিত কৰিব পাৰা সেই আশাৰে মোৰ এই "বুদ্ধদেৱ" তোমালোকৰ হাতত অৰ্পণ কৰিলো।

জয় হিন্দ্

শিলং ১৮।১১।৪৭

আশীৰ্ব্বাদক
শ্ৰীগোপীনাথ বৰদলৈ

